# দেহাৰ প্ৰলয়।

শ্ৰীবেণুধৰ ৰাজখোৱাৰ দ্বাৰা ৰচিত।

যোৰহাট, ১৯২৯ চন।

# উপহাৰ।



মোৰ ভৰ্-খেলাৰ লগৰীয়া
বন্ধু সকলৈলৈ।

প্ৰিয়বৰেষু,

দুখীয়া বন্ধুৰ দুখীয়া উপহাৰটি সাদৰেৰে তোমালোকৰ হাতত অৰ্পণ কৰিলোঁ। মেলি নোচোৱাকৈ সম্প্ৰতি তাক পেৰাত সুমাই, পেৰাটো সঁচাৰ-কাঠিৰে বন্ধ কৰি থবা। বস্তুটো কি, চাবৰ নিমিত্তে অদূৰ ভবিষ্যতত তোমালোকলৈ আহ্বান আহিব। ইতি

তোমালোকৰ অযোগ্য বন্ধু—
শ্ৰীবেণুধৰ।



# উপহাৰ।



মোৰ ভৱ-খেলাৰ লগৰীয়া

বন্ধু সকলৈ।

প্ৰিয়বৰেষু,

দুখীয়া বন্ধুৰ দুখীয়া উপহাৰটি সাদৰেৰে তোমালোকৰ হাতত অৰ্পণ কৰিলোঁ। মেলি নোচোৱাকৈ সম্প্ৰতি তাক পেৰাত সুমাই, পেৰাটো সঁচাৰ-কাঠিৰে বন্ধ কৰি থবা। বস্তুটো কি, চাবৰ নিমিত্তে অদূৰ ভবিষ্যতত তোমালোকলৈ আহ্বান আহিব। ইতি

তোমালোকৰ অযোগ্য বন্ধু—

শ্ৰীবেণুধৰ।



# দেহাৰ প্ৰলয়।

( ১ )

ভৱ-খেলা খেলি, আহোঁ নাহোঁ বুলি,
কেহেলি-কেন্দেলি পালোঁ হি ইবেলি
মৰণ-দুৱাৰখনি ঘোৰ মূৰ্ত্তিমন্ত !
আজি জীৱনৰ মোৰ অভিনয় অন্ত !

( ২ )

ওচৰত আই, কান্দিছে বোপাই,
হুমলীয়া ভাই, সোদৰ ককাই;
কান্দিছে স্নেহৰ লৰা, কন্যা মনোৰমা।
কান্দিছে তিৰোতা মোৰ প্ৰাণ-প্ৰিয়তমা।

( ৩ )

বোলে বৈদ্যচয় কণাকণিকই,
"আৰু আশা নাই, মৰণ নিশ্চয় !"
কাণত পৰিল চাঁট্-কৰে কথা যাৰি।
গোটেই শৰীৰ মোৰ উঠিল জিকাৰি।

( ৪ )

দেখি মোৰ ভাৱ, মৰমৰ মাৱ
কান্দে হাওঁ-হাওঁ, কৰি কাও-বাও ;
কেতিয়াবা ভুকুৱায় দুই হাতে বুকু।
বিহাৰ আগেৰে মোছে মাজে মাজে চকু।

( ৫ )

এচুকত পৰি, মৰমৰ তিৰী
কান্দিছে বাগৰি, ধৰ্ফৰ্ কৰি ;
নামানি সান্ত্বনা-বাক্য আউলী-বাউলী।
ধূলিৰে বিকৃত হল বিলাহৰ চুলি।

( ৬ )

সুঁৱৰিলোঁ মই ধন-বস্তুচয়,
ধুনীয়া আলয় মায়া-মোহময় ;
মনত পৰিল মোৰ পেৰাটোৰ কাঠি,
দোলা, ঘোঁৰা, হাতী আৰু পথাৰৰ মাটি।

( ৭ )

সুঁৱৰিলোঁ হাৰ গজ-মুকুতাৰ
মোৰ তিৰোতাৰ বিলাস-আধাৰ ;
সুঁৱৰিলোঁ বুকুখনি হাৰ-অলঙ্কৃত,
প্ৰিয়াৰ মোহিনী মূৰ্ত্তি সুসাজে সজ্জিত।

( ৮ )

আজি ৰাতি হাঁয় ভীষণ শঙ্কাই
আবৰি পেলায় মন-চিত্ত-কায় ;
দুপৰ নিশাত হল জগত গহীন।
বেৰি আছে বন্ধুবৰ্গ, সৱে বাক্যহীন।

( ৯ )

এনেতে শালৰ ঘোৰা মৰমৰ,
ছিঙ্গি ডোল বৰ, মাৰিলে লৱৰ ;
জানিলোঁ মৰণ মোৰ নিচেই ওচৰ।
জানিলোঁ পালে হি আজি আদেশ কালৰ।

( ১০ )

বুকু কঁপি যোৱা শিয়ালৰ হোৱা
শুনি সমজুৱা চঁকিত পেপুৱা ;
উপায়বিহীন সৱে নিমাত, নিস্তব্ধ।
অন্তৰত প্ৰাণ-চিত্ত আলোড়িত, ক্ষুব্ধ !

নিয়তি চৰাই ডালত বগাই
"নিওঁ" বোলে হাঁয় দঢ়াই দঢ়াই :
মৰণ-বাতৰি আনে ক'ৰপৰা আহি !
চিত্ত অসংযতভাৱে ফুৰে মোৰ ভাহি !

( ৪ )

দেখি মোৰ ভাৱ, মৰমৰ মাৱ
কান্দে হাওঁ-হাওঁ, কৰি কাও-বাও ;
কেতিয়াবা ভুকুৱায় দুই হাতে বুকু ।
ৰিহাৰ আগেৰে মোছে মাজে মাজে চকু ।

( ৫ )

এচুকত পৰি, মৰমৰ তিৰী
কান্দিছে বাগৰি, ধৰ্‌ফৰ্‌ কৰি ;
নামানি সান্ত্বনা-বাক্য আউলী-বাউলী ।
ধূলিৰে বিকৃত হল বিলাহৰ চুলি ।

( ৬ )

সুঁৱৰিলোঁ মই ধন-বস্তুচয়,
ধুনীয়া আলয় মায়া-মোহময় ;
মনত পৰিল মোৰ পেৰাটোৰ কাঠি,
দোলা, ঘোঁৰা, হাতী আৰু পথাৰৰ মাটি ।

( ৭ )

সুঁৱৰিলোঁ হাৰ গজ-মুকুতাৰ
মোৰ তিৰোতাৰ বিলাস-আধাৰ ;
সুঁৱৰিলোঁ বুকুখনি হাৰ-অলঙ্কৃত,
প্ৰিয়াৰ মোহিনী মূৰ্ত্তি সুসাজে সজ্জিত ।

( ৮ )

আজি ৰাতি হাঁয় ভীষণ শঙ্কাই
আবৰি পেলায় মন-চিত্ত-কায় ;
দুপৰ নিশাত হল জগত গহীন।
বেৰি আছে বন্ধুবৰ্গ, সৱে বাক্যহীন।

( ৯ )

এনেতে শালৰ ঘোঁৰা মৰমৰ,
ছিঙ্গি ডোল বৰ, মাৰিলে লৰ্‌ৰ ;
জানিলোঁ মৰণ মোৰ নিচেই ওচৰ।
জানিলোঁ পালে হি আজি আদেশ কালৰ।

( ১০ )

বুকু কঁপি যোৱা শিয়ালৰ হোৱা
শুনি সমজুৱা চঁকিত পেপুৱা ;
উপায়বিহীন সৱে নিমাত, নিস্তব্ধ।
অন্তৰত প্ৰাণ-চিত্ত আলোড়িত, ক্ষুব্ধ !

নিয়তি চৰাই ডালত বগাই
"নিওঁ" বোলে হাঁয় দঢ়াই দঢ়াই ;
মৰণ-বাতৰি আনে ক'ৰপৰা আহি !
চিত্ত অসংযতভাৱে ফুৰে মোৰ ভাহি !

( ১২ )

চকুলো ধাৰেৰে ত্বগালে বাগৰে ;
বুকু ঘনে লৰে ধৰ্ফৰ্ কৰে ;
থউকি-বাথউ মন কৰে আতিকই,
চিনাকি পৃথিবী মোৰ এৰি যাবলই।

( ১৩ )

অৱশ শৰীৰ হল ধীৰে-ধীৰ ;
পাৰ্থিব মতিৰ গতি-ক্ৰিয়া স্থিৰ ;
পৰিল কাণৰ লতি, চকুৰশ্মি গল !
পৰিল নাকৰ পাহি, নখ ধেলা হল !

( ১৪ )

এবে উপস্থিত ত্বৱাৰ-দলিত ;
মৰণ নিশ্চিত আজিৰ তিথিত ;
সাৰিব নোৱাৰোঁ আজি মৰণৰ হাত !
অন্ত হল আজি মোৰ পৃথিবীৰ ভাত !

( ১৫ )

কন্দা-কতা কৰি, নিলে ধৰাধৰি,
ঘৰৰ বাহিৰি, বন্ধুৱে আগুৰি ;
শুৱালে লাহেকৈ মোক তুলসী-তলত
আথে-বেথে সকলোৱে কলাৰ পাতত।

( ১৬ )

মন্ত্ৰ-উচ্চাৰণ কৰে গুৰুজন,
বোলে ঘনে-ঘন— "লোৱাঁ নামধন" ;
জানিলোঁ তেতিয়া, এয়ে মৰণৰ থলী ;
ছিগি যাব তিলেকতে সংসাৰ-শিকলি।

( ১৭ )

কিহৰে বা মাত হাঁয় অকস্মাত্
কাণৰ গুহাত পৰিল নিৰ্ঘাত !
কিয় নো কাটিছে বাঁহ, কিবা কথা পাঙ্গি ?
বুজিলোঁ সাজিছে মোৰ মৰণৰ চাঙ্গি !

( ১৮ )

উপজিছে ভয়, যাম অকলই
হাঁয় কেনেকই আজি বাৰু মই !
নেদেখা-নুশুনা ৰাজ্য, অচিনাকি দেশ।
মনত আশঙ্কা-ডৰ লাগিছে বিশেষ।

( ১৯ )

দেখা নাইকিয়া বাট কেনেকুৱা ;
পোনে পোনে যোৱা, নাইবা পকোৱা ;
বাঘ ভালুকৰ ভয় আছে নে কি হাঁয় !
হাবি নে মুকলি ঠাই, একো জনা নাই।

( ২০ )

দেখাবলৈ বটে কোনো নাই তাত;
কোনে দিব মাত এই দুৰ্দ্দশাত;
চাই লওঁ শেষ বাৰ চকুৰে এতিয়া
পুত্ৰ পৰিবাৰ বন্ধু পুৰণি-কলীয়া।

( ২১ )

হিয়া ভাগি যায়, কত কথা হাঁয়
মনত খেলায়, তাৰ অন্ত নাই!
গোটেই সংসাৰ মোৰ মনত পৰিছে।
বিজুলী-সঞ্চাৰে শত ভাব লৰৰিছে।

( ২২ )

ভাব আহে যায়, আদি অন্ত নাই;
ছায়া-চিত্ৰপ্ৰায় লৰৰি পলায়;
পৃথিবীৰ পূৰ্ণদিন-বিয়াপী ভাবনা
মনৰ পটত হয় তিলেকে থাপনা।

( ২৩ )

অকস্মাত্ মোৰ অতীব দুৰ্ঘোৰ
শোক-ভাৰবোৰ পালে জানো ওৰ;
নাই আৰু শৰীৰত যন্ত্ৰনা-বেদনা,
নাই অন্তৰত আৰু বিষাদ-ভাবনা।

( ২৪ )

ইগোটা দেহাৰ গুৰুতৰ ভাৰ;
লাগে এই বাৰ প্ৰাতল অপাৰ;
মনটি উৰিব খোজে অতি উলাহত।
আকাশী ডেউকা যেন যুক্ত শৰীৰত!

( ২৫ )

পুত্ৰ-পৰিজন শোকত মগন;
কান্দে ঘনে-ঘন, ঘৰ-বাৰী ছন!
চাইছোঁ নিৰ্লিপ্তভাৱে সকলো সংসাৰ।
নাই নাই একেৰিও বেজাৰৰ ভাৰ।

( ২৬ )

জানিলোঁ জানিলোঁ, ঠাৱৰে জানিলোঁ,
এতিয়া বুজিলোঁ সাঁথৰ সকলো;
এয়ে মৰণৰ মোৰ প্ৰথম ঘটন।
মৰণ-বাটৰ আগ-দুৱাৰ ইখন।

( ২৭ )

শৰ আছে বেৰি যত নৰ নাৰী;
কয় ধীৰি ধীৰি— মৰিল বপুৰি!
কৰালে দেহাটি মোৰ বিধিমতে স্নান।
দিলে শৰীৰত নৱবস্ত্ৰ পৰিধান।

( ২৮ )

"জয় ৰাম" বুলি ধীৰে ধীৰে তুলি,
সৱে ধৰি-মেলি চাঙ্গিত ইবেলি
নিলে শ্মশানলৈ মোক কৰি হৰিধ্বনি।
মৰণৰ মহাশঙ্খ বাজে ঘনে-ঘনি।

( ২৯ )

চিতাৰ আকাৰ দেখি হাহাকাৰ
কৰে সমজ্যাৰ লোক অনিবাৰ ;
খন্তেকতে ভস্মীভূত পৃথিবীৰ কায় !
ভৌতিক দেহাটি হাঁয় হল পুৰি ছাই !

( ৩০ )

নিৰ্ব্বিকাৰ হই আছোঁ মই চাই ;
চিন্তা-শোক নাই, লুপ্ত শঙ্কা-ভয় ;
আলেঙ্গে আলেঙ্গে ফুঁৰো চাই কাৰ্য্য-গতি।
সংলিপ্ত নাথাকে মোৰ একোতেই মতি।

( ৩১ )

সকলোৰে কয়— "মায়া-মোহময়
ধন-বস্তুচয়, একোৰে নবয় ;
সংসাৰত সাৰ-বস্তু মাথোন ঈশ্বৰ।
ধৰ্ম্মনিষ্ঠ হব লাগে যত নাৰী নৰ"।

( ৩২ )

স্বজন যিমান, চিন্তাকুল-প্ৰাণ,
এৰিলে শ্মশান, পালে নিজ স্থান;
মুহূৰ্ত্ততে পাহৰিলে শ্মশান-বাতৰি।
মায়া-মোহে সকলোকে পেলালে আবৰি।

( ৩৩ )

হল ভস্মসাৎ দেহাটি চিতাত;
মৰণৰ ছাঁত আছোঁ হে ইয়াত;
মৰণ-দুৱাৰদলি চেৰিলোঁ সঁচাই।
কলৈ যাম, কেনি যাম, কব পৰা নাই।

( ৩৪ )

দীঘল বুলনী, এন্ধাৰ ঢাকনী,
যাওঁ সেই পিনি, চকুৰে নমণি;
চলি চলি যাওঁ, খোজ ভৰিৰে নাকাঢ়ি।
কোনে নো উৰাই নিয়ে, কবকে নোৱাৰি।

( ৩৫ )

নাই একো ভয়, নিচেই সংশয়;
নাভাবোঁ হে মই যাম নো কলই;
জানো এয়ে মৰণৰ বুলনী দীঘলী।
পাম গই কোন্ ঠাই এই বাটে চলি?

( ২৮ )

"জয় ৰাম" বুলি ধীৰে ধীৰে তুলি,
সবে ধৰি-মেলি চাঙ্গিত ইবেলি
নিলে শ্মশানলৈ মোক কৰি হৰিধ্বনি।
মৰণৰ মহাশঙ্খ বাজে ঘনে-ঘনি।

( ২৯ )

চিতাৰ আকাৰ দেখি হাহাকাৰ
কৰে সমজ্যাৰ লোক অনিবাৰ;
খন্তেকতে ভস্মীভূত পৃথিবীৰ কায়!
ভৌতিক দেহাটি হাঁয় হল পুৰি ছাই!

( ৩০ )

নিৰ্ব্বিকাৰ হই আছোঁ মই চাই;
চিন্তা-শোক নাই, লুপ্ত শঙ্কা-ভয়;
আলেঙ্গে আলেঙ্গে ফুঁৰো চাই কাৰ্য্য-গতি।
সংলিপ্ত নাথাকে মোৰ একোতেই মতি।

( ৩১ )

সকলোৰে কয়— "মায়া-মোহময়
ধন-বস্তুচয়, একোৰে নৰয়;
সংসাৰত সাৰ-বস্তু মাথোন ঈশ্বৰ।
ধৰ্ম্মনিষ্ঠ হব লাগে যত নাৰী নৰ"।

( ৩২ )

স্বজন যিমান, চিন্তাকুল-প্ৰাণ,
এৰিলে শ্মশান, পালে নিজ স্থান;
মুহূৰ্ত্ততে পাহৰিলে শ্মশান-বাতৰি।
মায়া-মোহে সকলোকে পেলালে আবৰি।

( ৩৩ )

হল ভস্মসাত্ দেহাটি চিতাত;
মৰণৰ ছাঁত আছোঁ হে ইয়াত;
মৰণ-দুৱাৰদলি চেৰিলোঁ সঁচাই।
কলৈ যাম, কেনি যাম, কব পৰা নাই।

( ৩৪ )

দীঘল বুলনী, এন্ধাৰ ঢাকনী,
যাওঁ সেই পিনি, চকুৰে নমণি;
চলি চলি যাওঁ, খোজ ভৰিৰে নাকাঢ়ি।
কোনে নো উৰাই নিয়ে, কবকে নোৱাৰি।

( ৩৫ )

নাই একো ভয়, নিচেই সংশয়;
নাভাবোঁ হে মই যাম নো কলই;
জানো এয়ে মৰণৰ বুলনী দীঘলী।
পাম গই কোন্ ঠাই এই বাটে চলি?

( ৩৬ )

এন্ধাৰ এন্ধাৰ, চৌদিশে এন্ধাৰ,
ওপৰে এন্ধাৰ তলত এন্ধাৰ ;
এন্ধাৰতে গই থাকোঁ, থাকোঁ গই গই—
ভাগৰ-জোগৰ নাই, খন্তেক নৰই।

( ৩৭ )

সম্মুখত ইকি, ৰিণিকি-ৰিণিকি
দেখোঁ চিকি-মিকি পোহৰ ধিমিকি !
দীঘলীয়া বুলনীৰ জানো হল শেষ।
পাম নে কি এই বাৰ কিবা ভাল দেশ ?

( ৩৮ )

এখনি দুৱাৰ বহল ডাঙৰ,
আছে থৰে-থৰ প্ৰকাণ্ড লোৱৰ ;
দুৱাৰৰ বাজে জানো পোহৰ বিশেষ।
এতে পৰে অন্ত হব এন্ধাৰৰ দেশ।

( ৩৯ )

জানিলোঁ জানিলোঁ, ঠাৱৰে জানিলোঁ,
এতিয়া বুজিলোঁ সাঁথৰ সকলো ;
এয়ে মৰণৰ মোৰ দ্বিতীয় ঘটন।
মৰণ-বাটৰ পিচ-দুৱাৰ ইখন।

( ৪০ )

তুৱাৰ-দলিত হলোঁ উপস্থিত ;
মন ব্যৱস্থিত, হল শান্ত চিত ;
দেখি ঠাই লাগে মোৰ আনন্দ বিশেষ
এয়ে নে কি পৰলোক, পোহৰৰ দেশ

( ৪১ )

হলোঁ মই পাৰ ইখনি তুৱাৰ ;
কত নো আকাৰ সন্মুখত মোৰ
ছঁয়ামেয়া সাজ পিন্ধি চৌদিশে বেৰিছে।
কোন নো জাতীয় প্ৰাণী, কিয় বা আহিছে ?

( ৪২ )

মৃত প্ৰিয়জন, মৃত পৰিজন,
বান্ধৱ স্বজন কৰিছোঁ দৰ্শন ;
কোৱাঁ মোক দয়া কৰি কেনি যাম মই।
তোমাসাৰ লগতেই দিবা নে আশ্ৰয় ?

( ৪৩ )

সবেও সমূলি নামাতি নুবুলি,
হাতৰ আঙ্গুলি ওপৰলৈ তুলি,
কৰিলে সঙ্কেত মাথোঁ—“গই থাকাঁ তুমি,
তোমাৰ নিৰ্দ্দিষ্ট জানা পাবা গই ভূমি”।

( ৪৪ )

হল অদৰ্শন নিজ পৰিজন,
ইষ্ট-বন্ধুগণ, নুবুলি বচন ;
মৰণ-দুৱাৰ এৰি, বাটে বাটে চলি,
জানিলোঁ। সিপুৰী মই পাম এই বেলি।

( ৪৫ )

দেহাৰ প্ৰলয় ঘটিল নিশ্চয়,
জানিলোঁ। হে মই আজি সঁচাকই ;
নতুন জীৱন পালোঁ। অমিয়া মাধুৰী।
এই বাটে চলি গই পাম নৱপুৰী।

( ৪৬ )

মানৱী জীৱন জানা অভগন ;
দেহা-বিসৰ্জ্জন মাথোন মৰণ ;
আতমাৰ নাশ নাই, গম পালোঁ। আজি।
নৱধামলই যাওঁ, নৱসাজে সাজি।

---

( ৪৪ )

হল অদৰ্শন নিজ পৰিজন,
ইষ্ট-বন্ধুগণ, সুবুলি বচন ;
মৰণ-দুৱাৰ এৰি, বাটে বাটে চলি,
জানিলোঁ। সিপুৰী মই পাম এই বেলি।

( ৪৫ )

দেহাৰ প্ৰলয় ঘটিল নিশ্চয়,
জানিলোঁ। হে মই আজি সঁচাকই ;
নতুন জীৱন পালোঁ। অমিয়া মাধুৰী।
এই বাটে চলি গই পাম নৱপুৰী।

( ৪৬ )

মানৱী জীৱন জানা অভগন ;
দেহা-বিসৰ্জ্জন মাথোন মৰণ ;
আতমাৰ নাশ নাই, গম পালোঁ। আজি।
নৱধামলই যাওঁ, নৱসাজে সাজি।

---